Total No. of Printed Pages—3

**4 SEM TDC ASM MIL (A) 1**

**2015**

( May )

# ASSAMESE

( Modern Indian Language )

**( Arts )**

Course : 401

**( অসমীয়া সাহিত্যৰ চানেকি )**

*Full Marks* : 80

*Pass Marks* : 32

*Time* : 3 hours

*The figures in the margin indicate full marks for the questions*

১। চমু উত্তৰ লিখাঁ : ১×৮=৮

(ক) শব্দ দুটাৰ অৰ্থ লিখাঁ—বৈৰী, ফণধৰ। $\frac{১}{২}+\frac{১}{২}=১$

(খ) 'পুৰা' কবিতাটো হেমচন্দ্ৰ গোস্বামীৰ কোনখন পুথিৰ পৰা সংগৃহীত? ১

(গ) "....ই যে ভাই ভাই সৱে চকু প্ৰচাৰতে, এক হৈ যোৱা প্ৰাণ।" এই চৰণটি কোনটো কবিতাৰ অন্তৰ্গত? ১

(ঘ) হেম বৰুৱাৰ যি কোনো এখন ভ্ৰমণ-কাহিনী গ্ৰন্থৰ নাম লিখাঁ। ১

(ঙ) মাধৱদেৱৰ চুটি নাটসমূহক কি নামেৰে জনা যায়? ১

(চ) ভোলাই শৰ্মা কাৰ ছদ্মনাম আছিল? ১

(ছ) মামণি ৰয়চম গোস্বামীৰ প্ৰকৃত নাম কি? ১

(জ) ড. নাথান ব্ৰাউনৰ লগত অসমলৈ অহা তেওঁৰ জীয়েকৰ নাম কি আছিল? ১

২। (ক) হেমচন্দ্ৰ গোস্বামীৰ চমু পৰিচয় দাঙি ধৰি 'পুৰা' কবিতাটোৰ ভাৱাৰ্থ লিখাঁ। ৬+৬=১২

*অথবা*

(খ) 'পোহৰতকৈ এন্ধাৰ ভাল' কবিতাটোত পোহৰ আৰু এন্ধাৰৰ ব্যঞ্জনাত্মক অৰ্থ কি? কবিয়ে কিয় পোহৰতকৈ এন্ধাৰ ভাল বুলি কৈছে, আলোচনা কৰাঁ। ৪+৮=১২

৩। (ক) ঝুমুৰাৰ বৈশিষ্ট্য উল্লেখ কৰি 'চোৰধৰা' ঝুমুৰাৰ যোগেদি প্ৰকাশ পোৱা যশোদাৰ মাতৃস্নেহৰ নিদৰ্শন সম্পৰ্কে আলোচনা কৰাঁ। ৬+৬=১২

*অথবা*

(খ) 'চোৰধৰা' ঝুমুৰাত প্ৰকাশ পোৱা ৰস আৰু ভক্তিতত্ত্বৰ বিষয়ে চমু আলোচনা আগবঢ়োৱাঁ। ৬+৬=১২

৪। (ক) ভোলাই শৰ্মাৰ 'আত্মবিনোদক থিয়েটাৰ দল' ৰচনাখনিত প্ৰকাশ পোৱা সমসাময়িক সমাজচিত্ৰ আৰু হাস্যৰসৰ স্ফুৰণ সম্পৰ্কে এটি টোকা যুগুত কৰাঁ। ৬+৬=১২

*অথবা*

(খ) উপন্যাসৰ উপস্থাপন ৰীতিৰ সীমাবদ্ধতাৰ মাজতো 'নৈ বৈ যায়' উপন্যাসত প্ৰকাশিত বিহুৰ চিত্ৰৰ বিষয়ে বিৱৰি লিখাঁ। ১২

৫। তোমাৰ পাঠ্যক্রমত থকা 'এলান্ধু' অথবা 'স্পৰ্শৰেখা' যি কোনো এটা গল্পৰ কাহিনীটো নিজৰ ভাষাৰে লিখি কাহিনীত প্ৰকাশ পোৱা মূল বক্তব্যটো দাঙি ধৰাঁ। ৮+৪=১২

৬। (ক) 'সাঁচিপাতৰ পুথি' উপন্যাসৰ বিষয়বস্তু সম্পৰ্কে এটি চমু আলোচনা আগবঢ়োৱাঁ। ১২

*অথবা*

(খ) 'সাঁচিপাতৰ পুথি' উপন্যাসৰ তিনিটা অধ্যায়ৰ মাজেদি ঔপন্যাসিকে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি তথা সমাজৰ ক্রমবিকাশ দেখুৱাইছে—কথাষাৰৰ আলোচনা আগবঢ়োৱাঁ।

৭। ব্যাখ্যা কৰাঁ (যি কোনো দুটা অংশ) : ৬+৬=১২

(ক) সুন সুন ৰে সুৰ-বৈৰী প্ৰমাণা
নিশাচৰ-নাশ নিদানা।
ৰাম-নাম-যম সমৰক সাজি
সমদলে কয়লি পয়ানা॥

(খ) ৰজাই ৰজাই ৰণ-বিগ্ৰহ, তীখাৰ আস্ফালন।
আমি খাণ্ডৱ-দাহ
অগ্নি-শিখাৰ পুৰি ছাঁই হোৱা বিবিঙাৰ ফুল ঃ আমাৰ
পিৰামিড় হিৰোশ্বিমা, নাগাছাকি।

(গ) "ঢোৰা কাউৰীৰ পৰিৱেশ সচেতক কা-কাত বাহিৰে তেতিয়া আৰু ক'তো কোনো শব্দ, কোনো হাঁই-উৰুমি নাই।"

★★★